# মাছমৰীয়া ছোৱালীৰ লাজ

অৰুণ গোস্বামী




শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰোড, কলিকতা-৯

*Machhmoriya Chhoalir Laz : A collection of Assamese Short Stories written by Arun Goswami and Published by : Arun Purkayastha, Sribhumi Publishing Company, 79, Mahatma Gandhi Road, Calcutta-700 009*

প্ৰকাশক :
শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯ মহাত্মা গান্ধী ৰোড
কলিকতা-৭০০ ০০৯

চিত্ৰশিল্পী : প্ৰসাদ বন্দ্যোপাধ্যায়

প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ১৯৭৮

মূল্য : দহ টকা

ছপা :
অজিতকুমাৰ ৰায়
শ্ৰীসাৰদা প্ৰিণ্টিং
৩১/১ ঘোষ লেন
কলিকতা-৭০০ ০৭৬

মোৰ ভনী আৰু অন্তৰঙ্গ বান্ধৱী
অমিয়াৰ হাতত

## মাছমৰীয়া ছোৱালীৰ লাজ

ইলা ভাল ছোৱালী। মাছমৰীয়াৰ ছোৱালী যদিও তাই চাফ-চিকুণকৈ থাকে আৰু সদায় একেটা চোলাকে পিন্ধে যদিও চোলাটো চাফা। চোলাটো পথৰা-পাখৰী। চোলাটোৰ ৰঙা ফুলটোৰ মাজত থকা বগা সূতাখিনিৰ পাহিটিও বগা হৈহে থাকে, দেখিলে এনেহে লাগে যেন তাইৰ একে ধৰণৰ চোলা সাতোটা আছে আৰু প্ৰতিদিনেই এটা এটা চোলা পিন্ধি আহে। প্ৰকৃততে সেইটো কথা নহয়, তাইৰ চোলা এটাই। বাপেক-মাকৰ মতে তাই সৰুৰেপৰা নিকাকৈ থাকিবলৈ বৰ ভাল পায়। কেতিয়াবা মাকে জকৃজকাই উঠে, মাছমৰীয়াৰ ছোৱালী হৈ তোৰ ইমান ধুন কিয় হ'ল? সাধাৰণতে চাবোন আনিবৰ কাৰণে তাই যেতিয়া বাপেকক কয় আৰু বাপেকে যেতিয়া বোৱা কাপোৰৰ বনিয়ন চোলাটোৰ জেপত হাত ভৰাই ভঙা পইচাকেটা উলিয়াই লয় তেতিয়াই বাপেকৰ মনত পৰে বৰপাত-চাদা আৰু পে'পৰলৈ। মনত পৰিলেই কাহ আহে—আজুৰি আজুৰি কাহে। কাহি কাহি জেপত পইচাকে'টা ভৰাই ওলায় যায়। দোকানৰ পৰা ঘূৰি আহি জেপৰপৰা বৰপাত-চাদা আৰু পে'পৰ উলিয়াই দি কয়, "আইজনী অ'ইলা, আজি চাবোন আনিব নোৱাৰিলো দে। পাৰিলে কাইলৈকে এটুকুৰা আনি দিম।" আগতে ইলাই বাপেকৰ এই উত্তৰ শুনি ভোৰ ভোৰাইছিল। বাঁহৰ চাঙৰ ওপৰত দিনে ৰাতিয়ে শুই থকা ইলাৰ মাক বহাগীয়ে দাঁত-মূৰ কৰচি কয়, "আই ঔ, এইজনী যেন বৰ চাহাবৰ